# প্ৰাসঙ্গিকৰ

# শ্ৰেষ্ঠ

## গল্প-সঙ্কলন


সম্পাদনা

সত্যৰঞ্জন কলিতা







তৰণী পাবলিচিং কনচাৰ্ণ

Prasangikar Srestha Galpa Sankalan : A Collection of short stories written by divers writers in different numbers of the quarterly magazine Prasangika: ed. by Satyaranjan Kalita. Published by Banabihar Chakraborty, B. P. Concern, 1/H, R. M. Lane, Calcutta-700012, March 1986. Printed by Bijali Press, 6/2B, Radhanath Mullick Lane, Cal-12. Cover designed by Bankim Das

---

ষোল টকা মাথোন

---

প্ৰসঙ্গক্ৰমেঃ

অন্যতম সৰ্বাধিক প্ৰচাৰিত
শ্ৰেষ্ঠ আলোচনী 'প্ৰাসঙ্গিক'ত
প্ৰকাশিত শ্ৰেষ্ঠ গল্পসমূহৰ সঙ্কলন
এটা প্ৰকাশৰ কথা বহুতে কৈছিল।
বিশেষকৈ জ্ঞানপীঠ বঁটা বিজয়ী
ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যদেৱে
তেনে প্ৰস্তুতিৰ বাবে আমাক পৰামৰ্শ
আগ বঢ়াইছিল। জনপ্ৰিয় সাহিত্যিক
শ্ৰীযুত পদ্ম বৰকটকীদেৱেও প্ৰায়েই
আমাক এনে দিহা দিছিল। যিহেতু
প্ৰাসঙ্গিক মানেই শ্ৰেষ্ঠ অসমীয়া
সাহিত্যিকসকলৰ পয়োভৰ,
গতিকে প্ৰাসঙ্গিকৰ পাতৰপৰা বুটলি এই
সঙ্কলনতো শ্ৰেষ্ঠ
অসমীয়া গল্পকাৰৰ এলানি গল্প
পাঠকলৈ আগবঢ়োৱা হল। সময়ত
দ্বিতীয় সঙ্কলন এটিও প্ৰকাশৰ চেষ্টা
কৰা হ'ব। এই সঙ্কলনত প্ৰকাশিত
গল্পকাৰসকলক আৰু প্ৰকাশক বনবিহাৰী
চক্ৰৱৰ্তীক এইখিনিতে কৃতজ্ঞতা জনাই থ'লো।

প্ৰাসঙ্গিকৰ

শ্ৰেষ্ঠ পঢ়ুৱৈসকলৰ হাতত

এই শ্ৰেষ্ঠ গল্প-সঙ্কলনটো

উপহাৰস্বৰূপে

তুলি দিয়া হ'ল।

এই সংকলনত :

এটা পুৰণি গল্পৰ ন-ৰূপ : ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য
চিঠি আৰু উত্তৰ : যোগেশ দাস
এক অধ্যায় : চন্দ্ৰপ্ৰসাদ শইকীয়া
অবিদিত : শীলভদ্ৰ
বাৰান্দাত অনিশ্চিত অন্ধকাৰ : নিৰোদ চৌধুৰী
এচমকা পোহৰ : কাঞ্চন বৰুৱা
অভিনয় : পদ্ম বৰকটকী
নিয়ৰ পাপ-কা-কং : কুমাৰকিশোৰ
পশ্চাতৰ বিজুলী : ডঃ নীলিমা শৰ্মা
মোৰ প্ৰিয় পুৰুষ : ডঃ মামণি ৰয়চম গোস্বামী
অন্ধ প্ৰহৰী : অৰুণ গোস্বামী

# এটা পুৰণি গল্পৰ নৱ-ৰূপ

ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য

সাদিনৰ মূৰত প্লেনেৰে অবিনাশ, নমিতা আৰু স্মৃতি কলিকতালৈ গ'ল আৰু অসম হাউচত গৈ নামিলগৈ। হোটেল পোৱাৰ লগে লগেই অবিনাশৰ বন্ধু চৌধুৰীয়ে তালৈ ফোন কৰিছিল। তেতিয়াই নমিতাক সুধি অবিনাশে ৩০ জানুৱাৰীৰ দিনটো বন্ধুৰ বাবে আচুটীয়াকৈ থলে। ঠিক হ'ল, সেইদিনা চৌধুৰী পুৱাই অসম হাউচলৈ আহিব আৰু তাৰপৰা ফুৰিবলৈ যাব। অবিনাশে চৌধুৰীক এটা বিশেষ অনুৰোধ কৰিলে। সেই অনুৰোধটো হ'ল তেওঁলোকৰ অতীত জীৱনৰ কৰ্ম-স্মৃতি-বিজড়িত দুই-এখন ঠাই চোৱাৰ।

বন্দবস্তটোৰ কথা শুনি নমিতাই হাঁহি ক'লে, "তুমি কলিকতাত কিমান দিন আছিলা ? ক'ত আছিলা ? কোৱাচোন"

অসম হাউচৰ তৃতীয় ফ্ল'ৰৰ ২৬ নং ৰূমটোত সিহঁত সেই কেইদিন আছিল। দুটা সংলগ্ন কোঠা। যোজক এখন ভিতৰুৱা বাৰান্দাই দুইটা কোঠাৰ মাজত একমাত্ৰ ব্যৱধান। মূৰৰ কোঠাটোত নমিতা আৰু স্মৃতি আছিল। মুখৰটোত আছিল অবিনাশ। নিজৰ কোঠাতে বহি সেইদিনা বিয়লি বেলা তাৰ প্ৰেমিকা আৰু জীয়ৰীৰ আগত অবিনাশে অতীত জীৱনৰ অভিনৱ অধ্যায় এটিৰ স্মৃতি প্ৰকাশ কৰিছিল।